# অগ্নি-প[illegible]া

বা

## যমৰ ঘৰত জীৱন্ত মনুষ্য

সুকবি

মধুনাৰায়ণ ৰচিত

ডিব্ৰুগড় ভট্টাচাৰ্য্য এজেন্সীৰ পৰা

শ্ৰীহৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য দ্বাৰা

প্ৰকাশিত

# অগ্নি-পুৰাণ

অৰ্থাৎ

যমৰ নগৰলৈ জীয়াই থকা মানুহ নিয়াৰ বিবৰণ

—ঃ০ঃ—

ডিব্ৰুগড় ভট্টাচাৰ্য্য এজেন্সীৰ পৰা

শ্ৰীহৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য দ্বাৰা প্ৰকাশিত

৫ম তাঙ্গৰণ

বেচ ।৴০ আনা মাত্ৰ।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ

# অগ্নি-পুৰাণ

কৃষ্ণায় বাসুদেবায় দৈবকীনন্দনায়চ ।
নন্দগোপ কুমাৰায় গোবিন্দায় নমো নমঃ ॥
নমঃপঙ্কজনাভায় নমঃ পঙ্কজমালিনে ।
নমঃ পঙ্কজনেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে ॥

## পদ

জয় নমো কৃষ্ণ প্ৰভু মুকুন্দ মুৰাৰি ।
ভব ভয় বিনাশন তুমি সি দৈত্যাৰি ॥
জয় জয় কৃষ্ণ পূৰ্ণব্ৰহ্ম দেৱ হৰি ।
অসুৰ নাশিলা প্ৰভু নব ৰূপ ধৰি ॥ ১
জয় সনাতন হৰি বৈকুণ্ঠৰ পতি ।
ব্ৰহ্মা হৰ পুৰন্দৰ চিন্তে দিনে ৰাতি ॥
জয় জয় পৰম পুৰুষ সনাতন ।
সিদ্ধ মুনি গণে চিন্তে যাহাৰ চৰণ ॥ ২
জয় জয় জগত কাৰণ নাৰায়ণ ।
হৃদয়তে থাকি মোক দিয়া কিছু জ্ঞান ॥

জয় জয় কমল লোচন দেৱ হৰি।
শঙ্খ চক্র গদা পদ্ম চাৰি অস্ত্র ধাৰী ॥ ৩
যতেক বৈষ্ণৱ সাধু আছে ,সংসাৰত।
প্রণাম কৰোহোঁ সবাহাৰে চৰণত ॥
পখা অনুৰূপে পক্ষী তেবেকি নুড়য়।
মোৰ পদ ৰচনাও জানা সেই নয় ॥ ৪
জানিবা জানিবা কিছু মনে কৰি সাৰ।
ভাৰতৰ পদ ইটো কৰোহোঁ প্রচাৰ।
শুক্ল ধ্বজ বংশজাত মধু নাৰায়ণ।
ৰচিলা পুৰাণ ইটো কথা বিতোপন ॥ ৫
জন্মিজয় বদতি শুনিয়ো মুনি বৰ।
কহিয়ো কৃষ্ণৰ কথা শুনুহোঁ সত্বৰ ॥
ব্রহ্মা আদি দেৱে সবে স্তুতি কৰিলন্ত।
দৈবকীৰ আগে কৃষ্ণ বেকত ভৈলন্ত ॥ ৬
কংস ভয়ে বসুদেৱে গোকুলত থৈলা।
গোবিন্দৰ জাত কর্ম্ম নন্দেয়ো কৰিলা ॥
দৈবজ্ঞ ব্রাহ্মণ আনি মঙ্গল কৰাইলা।
সকল লক্ষণে বাসুদেৱ নাম থৈলা ॥ ৭
শকটক পেলাইলা চৰণ আঘাতে।
চক্রবাত অসুৰক বধিলা সাক্ষাতে ॥
পুতনাক স্তনপানে কৈলা অচেতন।
অঘ বক ধেনু কেশী কৰো লৈলা প্রাণ ॥ ৮

অজগৰ সৰ্পক বধিলা দেৱ হৰি ।
আনিলা বৰুণ হস্তে নন্দক উদ্ধাৰি ॥
গোপ শিশু ৰাখি ৰঙ্গে পিলা বনাগ্নিক ।
হ্রদক নির্ম্মল কৰি দমিলা কালিক ॥ ৯
ধোবাক বধিয়া বস্ত্র পিন্ধি নাৰায়ণ ।
ইন্দ্ৰৰো ভাঙ্গিলা দৰ্প ধৰি গোবৰ্দ্ধন ॥
উড়ুখল ঘষাই ভাঙ্গিলন্ত বৃক্ষ দুই ।
দুই দেৱ চলি গৈলা পূৰ্ব্বৰত হুই ॥ ১০
চোৰ বুলি ধৰি দিলা নন্দৰ আগত ।
গোপী হৰিলা বস্ত্র চড়ি কদম্বত ॥
কুজীৰ চন্দন পিন্ধি তাইক কৰি ভাল ।
সুদমাত খুজিয়া পিন্ধিলা পুষ্পমাল ॥ ১১
কুঞ্জৰ চাণুৰ মাল বধিলা মুৰাৰি ।
কংসক মাৰিয়া ঘষাইলাহা চুলে ধৰি ॥
উগ্ৰসেন নৃপতিক ৰাজা পাতি থৈলা ।
বৈশম্পায়ণ ঋষি জন্মিজয়ত কহিলা ॥ ১২
আৰু এক শঙ্কা ৰাজা শুধিলা তেখনি ।
যম ৰাজা ভয়ে পলাই গৈলা কি কাৰণে ॥
কহিয়োক গুৰু মই শুনু ৰঙ্গ মনে ।
কিকাৰ্য্যে পলাইলা যম এড়ি সিংহাসনে ॥ ১৩
শুনিয়া তেখনে ঋষি কহিবে লাগিলা ।
পূৰ্ব্বৰ কথাক পাছে মনত স্মৰিলা ॥

যম নৃপতিৰ ভাৰ্য্যা ধুমা মহা দই ।
এক দিনা ৰাজাৰ পাশত বসি চই ॥ ১৪
শুনা মহা ৰাজা মই গোচৰক কৰোঁ ।
মোহোৰ বচন কৰা চৰণত ধৰোঁ ॥
তোমাৰ আগত আজি মাগো এক বৰ ।
যেবে বাক্য বোলা ঝাণ্টে কৰিয়ো সত্বৰ ॥ ১৫
অল্প কৰি হাসিলন্ত পাছে যম ৰায় ।
সকলে তোমাৰ মোত কহা অভিপ্ৰায় ॥
জম্বুদ্বীপ ভৰিয়া আছয় যত প্ৰাণী ।
প্ৰবন্ধে ধৰিয়া তাক শাস্তি কৰো আনি ॥ ১৬
কৰ্ম্মৰ বচনে দেখা আছোঁ দণ্ডধৰি ।
চিত্ৰৰ গুপ্তৰ হাতে কাকত বিচাৰি ॥
ধূমাত কহিলা কথা পাছে ৰাজা মাতি ।
পাতকী জনক মই কৰোঁ উগ্ৰ শাস্তি ॥ ১৭
মহা দৈয়ে বোলে ৰাজা কথা শুনিয়োক ।
জীৱন্তা মনুষ্য আনি দেখায়োক মোক ॥
ভাৰ্য্যাৰ বচন ৰাজা এড়াইতে নপাৰি ।
কতোক্ষণে মনে গুণি পাইলা সাৰকৰি ॥ ১৮
আছিলেক ৰুপাঙ্গদ কৃষ্ণৰ ভকত ।
সন্ত দেখি ৰাজা পাতি থৈল পৃথিবীত ॥
তেন্তে ভাল কৰি মোক জানে পূৰ্ব্ব ধৰি ।
তাহান পাশক দূত পাঞ্চো শীঘ্ৰ কৰি ॥ ১৯

কাল ফুৰা সফুৰাক মাতিয়া আনিলা ।
পৃথিবীক যাহ বুলি আদেশ কৰিলা ॥
ধৰণী মণ্ডলে আছে ৰূপাঙ্গদ ৰাই ।
শীঘ্র বেগে এতিক্ষণে চল তান ঠাই ॥ ২০
ধৃমা চাহিবাক খোজে জীবন্তা মনুষ্য ।
এতেকে এগোটা লাগে পঠাইবে অবশ্য ॥
হেন শুনি কালফুৰা সফুৰা দুজন ।
ৰাজাক নমিয়া চলিলেক তেতিক্ষণ ॥ ২০
নগৰ পশিয়া দুয়ো লাসে লাসে গৈল ।
বিকৃত দেখিয়া লোক দূৰেতে ভাগিল ॥
কতোক্ষণে পাইলা গৈয়া ৰাজাৰ দুৱাৰ ।
দুৱাৰিক বোলে বাৰ্ত্তা জনায়ো আমাৰ ॥ ২২
পাঠিলেক যম ৰাজা আইলো ইটো ঠাই ।
কাল ফুৰা সফুৰা নামত দুয়ো ভাই ॥
দুৱৰি ৰাজাৰ আগে কৰি যোৰহাত ।
আদেশ নৃপতি বুলি নমিলন্ত নাথ ॥ ২৩
আছে যম দূত দুই দুৱাৰত বসি ।
স্বৰূপ কহিলোঁ আমি তযু পাশে আসি ॥
দুৱৰিৰ বচন শুনিলা নিৰন্তৰ ।
চমক লাগিয়া গৈল সমস্তে সভাৰ ॥ ২৪
পাত্র সমে আলোচনা কৰিলা নৃপতি ।
মেল ঘৰে পাছে বসিলন্ত সভাপতি ॥

দূতক মাতিয়া পাছে পুচিলেক তথা ।
স্বৰূপ কহিয়ো বাক্য নুবুলিও বৃথা ॥ ২৫
দূতৰ মূৰ্ত্তিক দেখি ডৰে ধাতু যাই ।
আনৰ আঁৰত আনে মণ্ডলু ফুৰাই ॥
শুনি দূতে পাছে বুলিলন্ত হেন বাণী ।
পূৰ্ব্বৰ কথাক ৰাজা চায়ো মনে গুণি ॥ ২৬
আমি কিছু নজানো কহিলা ধৰ্ম্মৰাই ।
পূৰ্ব্বে দুয়োজন আছিলন্ত এক ঠাই ॥
আমাক পঠাইলে শুনা যি কামক লাগি ।
জীৱন্তা মনুষ্য এক পঠাইলেক মাগি ॥ ২৭
দূতক থাকিবে লাগি নিলা বাসা ঘৰ ।
কালি দিবোঁ বাক্য বুলিলন্ত নৰেশ্বৰ ॥
যাক যাক পাঁঞ্চে ৰাজা যাইবে যম পূৰ ।
ভাৰ্য্যা পুত্ৰ এড়ি সবে পলাৱয় দূৰ ॥ ২৮
কাহাকো পাঞ্চিবে নোৱাৰয় দণ্ডিকৰি ।
পোতা শালে অনেক বৎসৰ আছে পড়ি ॥
তাৰ এক জনে বোলে যাইবোঁ যম ৰাজ ।
যম নৃপতিত মোৰ কিছু আছে কায ॥ ২৯
লোহাক কাটিয়া তাক কৰিলন্ত আগ ।
মাথাত বান্ধিবে খুজিলন্ত এক পাগ ॥
যম দ্বাৰ জাঠি খাণ্ডা দিয়ো ঢাল খান ।
তেবে যাইবে পাৰোঁ যম নৃপতিৰ থান ॥ ৩০

হেন শুনি হাসিলেক সকলে সমাজ।
নির্ব্বাক লাগয় যাই সঞ্জমণী ৰাজ॥
ৰাজা বোলে ভণ্ডাৰীক শীঘ্রে দেহ আনি।
দিলেক আনিয়া নৃপতিৰ শুনে বাণী॥ ৩১
পোতা শালে পড়ি আছে পোন্ধৰ বছৰ
দেখিতে কুবৃত নখ দাঁড়ি ভোবোকাৰ॥
পাগ বান্ধি অস্ত্র ধৰি নৃপতিৰ আগে।
নমস্কাৰ কৰি বোলে পাঞ্চা যৈকে লাগে॥ ৩২
যমৰ দূতত কৰি দেখিতে বিকৃত।
তাহাক দেখিয়া সর্ব্ব লোক ভয় ভীত॥
দূতক সম্বুধি ৰাজা বোলন্ত বচন।
জীয়া মনুষ্যক আনি দিলোঁ এহিজন॥ ৩৩
ধর্ম্ম নৃপতিৰ আগে কহিবা কাহিনী।
কার্য্য সিদ্ধি হলে পাছে পুনু দিবা আনি॥
মনুষ্যক পায়া দূতে মেলানি কৰিলা।
যম নৃপতিৰ থানে তিনিও লড়িলা॥ ৩৪
আগে পাছে দূত যাই মাঝত মানুষ।
দূতত পুছন্ত কথা যাইবোঁ কোন দিশ॥
দক্ষিণে যমৰ বাট সঞ্জমনী ৰাজ্য।
দূতে বোলে নিবো সেহি নগৰৰ মাঝ॥ ৩৫
কতো দূৰে গৈয়াদেখিলন্ত বন জুই।
থমকিল মানুষ মনত ভৰ হুই॥

সঘনে তাহাত দূত আসে দিনে ৰাতি।
নোপোড়য় হাত ভৰি যাই লীলা গতি ॥ ৩৬
গিৰি গিৰি কৰি অগ্নি যাই বেগ ধৰি।
পাতকীক নেই তাত চেঙ্গা পোড়া কৰি ॥
ৰাম ৰাম বুলি তাত বেগ দিয়া গৈল।
নামৰ প্ৰভাবে অগ্নি পথ ছাড়ি দিল ॥ ৩৭
কতো দূৰে যাই দেখে বৰবালাখান।
অগনিৰ কণিকা উফৰে ঘনে ঘন ॥
বিস্ময় দেখিয়া পাছে মনে গুণিলন্ত।
দূতক সম্বুধি হেন কথা পুছিলন্ত ॥ ৩৮
অগ্নিময় বালুকাতে যাইবোঁ কেমন কৰি
যাহান্তে পোড়য় মোৰ জানা হাত ভৰি ॥
ওপৰত আএগ সূতা তলে খুৰ ধাৰ।
কতো দূৰে দেখে যাই আগে পয়োসাৰ ॥ ৩৯
চাৰি পথ যাই নিহালি নিহালি।
মনত বোলয় পাড়ি মৰিবো সমুলি ॥
মায়াবলে দূত যাই তাহাৰ উপৰে।
ভৰি পিছলিয়া জানো পড়ে খুৰ ধাৰে ৪০
কৃষ্ণ কৃষ্ণ বুলি তাত বেগ দিয়া গৈল।
হৰিৰ প্ৰভাৱে কিছু বিঘিনি নভৈল ॥
এইমতে পথত যাহান্তে তিন জন।
ভয়ঙ্কৰ গৰ্ত্ত পাছে পাইলে তেতিক্ষণ ॥ ৪১

একো দিকি পথ নাই দেখি অন্ধকাৰ।
ছুইবাক লাগয় সেই গৰ্ত্তে পয়োসাৰ॥
সেই পাতকীক তাত তল মুণ্ড কৰি।
তাহাক তৰিলা হৰি নামক সুমৰি॥ ৪২
নামৰ মহিমা দেখোঁ কিনো বিপৰীত।
সাধু সকলক বিঘ্নি ন পাৰে লজ্জিত॥
কতো দূৰে দেখে পাছে বজায়া গৰ্ত্তৰ।
নগৰ নিকটে নদী বহে খৰোতৰ॥ ৪৩
গহিন গম্ভীৰ আতি নাহি তাৰ পাৰ।
দূতে বোলে বৈতৰণী নদী নাম আৰ॥
যাইবে লাগে আমি নদ নদীক এড়াই।
তবেসে পাইবোহোঁ ধৰ্ম্ম নৃপতিৰ ঠাই॥ ৪৪
মই কেন মতে আৰে আগ যাওঁ তৰি।
নিস্তাৰ কৰন্তা নাহি বিনে দেৱ হৰি॥
এহি বুলি মনে গুণি মাধৱক স্মৰি।
নদীত নামিয়া বেগ দিলা শীঘ্ৰ কৰি॥ ৪৫
বিষ্ণুৰ প্ৰভাৱে তাতো না ভৈল বিঘিনি।
লীলায়ে তৰিলা সিটো নদী বৈতৰণী।
কতো দূৰে যাই দেখে নগৰৰ প্ৰজা।
মেল পাতি বসিয়া আছন্ত যমৰাজা॥ ৪৬
কপালত হাত দিয়া নিৰীক্ষিল যাই।
সিংহাসনে বসি আছে ভৰি ওলমাই॥

মনত বোলন্ত নৰে দুই ভৰা গোধা ।
দুই মুই যম ৰাজা মনে হোৱে দোধা ॥
পাৱত আছয় গোধ দেখিতে বিকট ।
শৰীৰৰ কান্তি যেন জলে ফট ফট ॥
বিকৃতি আকৃতি নৰে আছে থিয় হুয়া ।
মাথাত আছয় জটা ওলমি পড়িয়া ॥ ৪৮
দিলেক আটাস সিটো মাৰিবাক ছুটি ।
জাঠিক উল্লাস সিটো দিলে বাঘ লুটি ॥
দেখি মহাভয় ভৈল যম নৃপ বড় ।
কিসে পাইলে বুলি উঠে দিলেক লৱড় ॥ ৪৯
জীৱন্তা মনুষ্য বুলি দূতে কহিলন্ত ।
আগ পাছ নচাই ৰাজা ডৰে পলাৱন্ত ॥
সবাকো এড়িয়া সিটো দূৰক পলাই ।
ধূমা মহা দৈত্য পাছে গৈলা সেই ঠাই ॥ ৫০
নগৰৰ লোকে দেখি বিভঙ্গে পলাইলা ।
ৰাজাৰ আসনে নয় মানুষ বসিলা ॥
হৰি ভকতক বিঘ্নি লঙ্ঘিতে নাপাৰে ।
দণ্ডপাট এড়ি ৰাজা পলাই ফুৰে ডৰে ॥ ৫১
হেন জানি মাধবৰ নামে ৰতি কৰা ।
লাজ কাৰ্য্য এড়ি ঝাণ্টে ভকতিক ধৰা ॥
শুনা কৃষ্ণ কথা জন্ম নকৰিয়ো বৃথা ।
হৰিৰ চৰিত্ৰ অতি নাহিকে অন্যথা ॥ ৪২

দুর্লভ মনুষ্য তনু পাইবা কত ভাগ্যে।
সত্বৰে সংসাৰ সিন্ধু তৰিবাক লাগে।
যত দেখা ধন জন সবে বিষ্ণুমায়া।
আকাশত প্ৰকাশে মেঘৰ যেন ছায়া॥ ৫৩
কহে মধুনাৰায়ণে এড়া আন কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম॥

## দুলড়ি

পাছে যমৰাই, কতো দূৰে যাই
হেঠমুণ্ডে বহি আছে।
মাথা তুলি চাই ধুমাক দেখিয়া
মাতিবে লাগিলা পাছে॥
হাঁউৰে পাপিষ্ঠি, তোহোৰ নিমিত্তে
আগ পাছ নুগুণিলোঁ।
জীবন্তা মনুষ্য, আনি তোৰ বাক্যে,
যত লাগে দুঃখ পাইলোঁ॥ ৫৪
বাল্য বৃদ্ধ আনো, লোক সবে কান্দে,
নগৰ ভৈল উৎসন্ন।
তাসম্বাৰ দুঃখ, দেখি আবে মোৰ,
কিসক ন যাই প্ৰাণ॥

মোৰ সিংহাসনে, মানুষ বসিয়া,
কৰে হুনু আটি মুটি ।
তাহাক শুনিয়া, এভো জীব আছে,
প্ৰাণ নযাই কেন ফুটি ॥ ৫৫
ৰাজাৰ দুঃখক, দেখিয়া ধূমায়ে,
আগে যুৰি যোৰ হাত ।
আজ্ঞা কৰা প্ৰভু; সবে মান সাৰো
মানুষক মাৰো আত ॥
যম ৰাজা বলে, কৃষ্ণভক্ত নৰ,
পাপি সবে ডৰে কাম্পে ।
আছোক মাৰিব, তাহাৰ সমীপে,
চাপিবেক কাৰ বাপে ॥ ৫৬
পথত বিঘিনি, নাশ কৰি দেখা
আসি আছে যম পুৰে ।
সঞ্জমনী ৰাজ, ভৈলেক উৎসন্ন,
মই পলাই ফুৰোঁ ডৰে ॥
ভালুকৰ গৰ্ত্তে, কুঁহিয়াৰ কুইলো
কৰিলোঁ বড় অকাৰ্য্য ।
ভাৰ্য্যাৰ বচনে, জীৱন্তা মানুষ,
আনি পাইলোঁ বড় লাজ ॥ ৫৭
কোড়ে কাটি মই, গ্ৰহণী চপাইলোঁ,
কৃষ্ণৰ বাক্য নমানি ।

পাতকী লোকৰ' ৰাজা পাতি মোক,
থৈলা প্ৰভু চক্ৰপাণি ॥
তোমাৰ সেবাক, এড়ি পাপী মই,
দুঃখ পাইলোঁ মন্দমতি ।
দৈৱকী কুমাৰ কৰিয়ো নিস্তাৰ
হে কৃষ্ণ যদুপতি ॥ ৫৮

যমৰ ভকতি, শুনি স্তুতি নতি,
কৃপাময় নাৰায়ণ ।
বৈকুণ্ঠক এড়ি, গৰুড়ত চড়ি,
আসিলন্ত তেতিক্ষণ ॥
মাধৱক পাই, পাছে যম ৰাই,
কৰিলন্ত নমস্কাৰ ।
কৰ যোৰ কৰি, চৰণক চাই,
দণ্ডৱৎ সাতবাৰ ॥ ৫৯

পাদোদক লই, ভোজন কৰিলা,
অনেক ভকতি ভাৱে ।
কৃতাঞ্জলি কৰি, স্তুতি আৰম্ভিলা,
মাধৱৰ দুই পাৱে ॥
হে কৃষ্ণ প্ৰভু, বৈকুণ্ঠৰ পতি,
তুমি নিত্য নিৰঞ্জন ।
পশিলো শৰণে, তোমাৰ চৰণে,
কৃপা কৰা নাৰায়ণ ॥ ৬০

যম নৃপতিৰ, ভকতিত তুষ্ট,
ভৈলা প্ৰভু সনাতন ।
চাৰি হাত মেলি, আলিঙ্গি ধৰিয়া,
বুলিলা তাঙ্ক বচন ॥
তযু মন সিদ্ধি, হৈবেক নিশ্চয়,
তোমাক কহিলোঁ আমি ।
ভাৰ্য্যা সমে কেনে, মনে দুঃখ কৰা,
শীঘ্ৰে কৈয়ো মোত তুমি ॥ ৬১
পাছে ধৰ্ম্মৰাই, বোলন্ত বিনাই,
শুনিয়ো জগত স্বামী ।
ভূত ভবিষ্যত, আপুনি জানাহা,
তোমাত কি কৈবো আমি ॥
হাসি নাৰায়ণে, বুলিলা বচন
শুনা তোৰা দুয়ো প্ৰাণী ।
কেনে অসন্তোষ, এতিয়া কৰাহা,
মানুষক ঘৰে আনি ॥ ৬২
আজ্ঞা ভঙ্গ দোষ, দেখো যমৰাই,
বুলিলন্ত চক্ৰপাণি ।
মানুষে তোমাক, দিলে অপমান
দুঃখ পাইলা মহামানী ॥
কিন্তু এক মই, উপায়েক দেওঁ
শুনিয়ো আৰে নৃপতি ।

ভাল ভাল চাই, দূতক পাঠিয়া,

পঠাই দিয়ো মহামতি ।। ৬৩

জ্ঞানৱন্ত সিটো, জীৱন্তা মনুষ্য

আপুনি যাইবেক ফিৰি ।

এহি কথা কহি, ৰাজাৰ আগত,

অন্তৰ্দ্ধান ভৈলা হৰি ।।

কৃষ্ণক আগত, নেদেখিয়া ৰাজা,

মনে মনে গুণিলন্ত ।

ভুজঙ্গ দূতক, সম্বুধিয়া ৰাজা

শীঘ্র কঁৰি পাঠাইলন্ত ॥ ৬৫

শুনৰে ভুজঙ্গ, আমাৰ বচন,

যাস তয় বেগ ধৰি ।

দুৰাচাৰ নৰে, দেখা কেন কৰে,

চাহি থাক মায়া কৰি ।।

ৰাজাৰ আদেশে, ভুজঙ্গ আসিয়া

দেখিলেক তেতিক্ষণে ।

আগে জাঠি পুতি, খাণ্ডা বাৰু ধৰি,

বসি আছে সিংহাসনে ।। ৬৫

কণা কুজ্জা খোড়া ভেঙ্গুৰা যতেক,

নগৰত পাইলা যাই ।

ধৰি বান্ধি আনি, মেল ঘৰে ৰাখি,

থৈয়া আছে এক ঠাই ॥

তাসম্বাত কথা, পুচিবে লাগিলা,
কৈক গৈলা যম ৰাই ।
কৈত আছে যম, শীঘ্র মাতি আন,
আসোক মোহোৰ ঠাই ॥ ৬৬
চিত্ৰগুপ্ত, তুইক, মাতি আন গৈই,
এতিক্ষণে মোৰ আগে ।
কাকত বিচাৰি, লোকৰ মহলা,
মোতেসে দিবাক লাগে ॥
খাটত বসিয়া, নির্ভয় যে হুয়া,
বাহু ডাম্ফি মাৰি আছে ।
অদভূত দেখি, বিস্ময় স্বৰূপে,
ভুজঙ্গে মাতিলা পাছে ॥ ৬৭
কি কাৰণে অবা, যমৰ পুৰক,
মৰিবে তই আসিলি ।
মায়া কৰি দূতে, বচন বোলয়
নেদেখি তাঙ্ক সমূলি ॥
ক্রোধে জাঠি তুলি, টকালি পাব,
শুন অবে কোন জন ।
ঘোৰ শূল ধৰি, হৃদয় বিদাৰি,
মাৰি পেষো এতিক্ষণ ॥ ৬৮
গর্জ্জন শুনিয়া, ভুজঙ্গ দূতৰ,
ভয়ে গর্ত্ত গৈল গেলি ।

মনুষ্যৰ মহা, প্ৰভাব দেখিয়া,
দূত গৈল শীঘ্ৰ চলি ॥
ৰাজাৰ আগত, নমস্কাৰ কৰি,
ভুজঙ্গে কথা কহিলা ।
আকাশি চৰগ, মাথাত পড়িল,
বিস্ময় মনে থাকিলা ॥ ৬৯

কৃষ্ণ ভকতৰ, মহিমা দেখিয়ো,
যমৰ দেখা বিপত্তি ।
শুনি সভাসদ, হুয়া নিশবদ,
কৃষ্ণত কৰা ভকতি ॥
ভাৰ্য্যা পুত্ৰধন, সবে অকাৰণ,
ঐশ্বৰ্য্য সমে বিভূতি ।
হৰি বিনে দেৱ, গতি নাহি কেৱ,
ভজা কৃষ্ণ যদুপতি ॥ ৭০

আমি অল্পজন, কি মতে বুঝিবোঁ,
শ্লোকৰ অৰ্থ গ্ৰহণ ।
তথাপিতো গুৰু, পদ শিৰে ধৰি,
হৰি পাৱে দিয়া মন ॥
পৰলোক বিন্তু, মাধবৰ নাম,
জানি এড়া আন কাম ।
মধু নাৰায়ণে, কহে সৰ্ব্বক্ষণে,
ডাকি বোলা ৰাম ৰাম ॥ ৭১

## পদ।

ভুজঙ্গৰ কথা শুনি মনে দুঃখ পাই।
মনুষ্যে খেদিয়া জানো আসে এহি ঠাই॥
সবাকো সম্বুদ্ধি ৰাজা কৰিলা মন্ত্রণা।
তাকো বোধ দিবে লাগি পাঞ্চোঁ একজন ॥ ৭২
চিত্র গুপ্ত দুয়ো বোলে ৰাজাৰ আগত।
মনুষ্যক বোধ দিবে হোৱয় যুগুত॥
উপায় মন্ত্রণা কৰি তাক নপঠাইলে।
মাৰিবে সবাকো সিটো নথাকিবে ভালে॥ ৭৩
ৰাজাক বুলিলা দূতে পাঞ্চা শীঘ্র কৰি।
নিবিৰ্ত্তিয়া মনুষ্য যাউক ঘৰে ফিৰি॥
একৈক দিনৰ দুঃখ সহন নযাই।
কতেক থাকিবোঁ সবে বনত লুকাই॥ ৭৪
বনৰ মাজত প্রজা বড় দুঃখ পাই
বিনাহাৰে বিকৃত আকাৰে মৰি যাই॥
দুহান্তৰ বাক্যে ৰাজা পাৱে বড় দুঃখ।
লাজে মাথা তুলি নাচাৱয় ফিৰি মুখ॥ ৭৫
পাঁঞ্চিলেক ৰাজা বিলাকক শীঘ্র কৰি।
বোধ দিয়া মনুষ্যক পাঞ্চা নিজ পুৰী॥
তেখনে বিকালে গৈয়া আগে ভৈলা থিৰ।
দেখি মনুষ্যৰ মূৰ্ত্তি উড়ি গৈল জীৱ॥ ৭৬

মৃত্যুকৰ অধিকাৰী যমৰ কিঙ্কৰ।
জীৱন্তা মনুষ্য দেখি কাপে থৰ থৰ ॥
তই কোন বুলিয়া মনুষ্যে ৰিঙ্গ দিল।
পলাইল বিকাল মল মূত্ৰক এড়িল ॥ ৭৭
না গৈল মনুষ্য ফিৰি ৰাজা বাৰ্ত্তা পাইলা।
যায়োক বিধাতা বুলি ৰাজা আদেশিলা ॥
কপোত জানত চড়ি বিধাতাও গৈল।
মনুষ্যৰ আগে গৈয়া থিৰ হুয়া ৰৈল ॥ ৭৮
শুনিয়ো মনুষ্য তই মোৰ বোলকৰ।
যম পুৰ হন্তে যায়ো আপনাৰ ঘৰ ॥
বিধাতাক দেখিয়া মনুষ্য ৰঙ্গমন।
ঝাণ্ট কৰি কহ মোত তই কোনজন ॥ ৭৯
নাম মোৰ বিধাতা জানিবি স্বৰূপত।
মনুষ্যৰ সুখদুঃখ লেখোঁ কপালত ॥
মনুষ্যে বোলয় কপটিয়া দুৰাচাৰ।
লোহাক পিন্ধিলো মই বছৰ পোন্ধাৰ ॥ ৮০
ইহাক লিখিলি তই মোহোৰ কপালে।
যাকে যাও তাকে পাইলোঁ আসি আছ ভালে ॥
ভয় পায়া বিধাতা আসিলা মায়া কৰি।
হেন দেখি যমৰাজা মনে গৈলা ডৰি ॥ ৮১
ৰাজাত কহিলা বিধি সকলে বৃত্তান্ত।
মৌন হুয়া ৰৈলা দুঃখে নোলায়য় মাত ॥

চিত্র গুপ্ত দুইক পাছে বুলিল বচন ।
পাছে লেখা কৰা আসি চলিয়া এখন ॥ ৮২
শান্ত কৰি মনুষ্যক পাঠাই দিয়ো যাই ।
তেবেসে আসিবা দুয়োজন মোৰ ঠাই ॥
ৰাজাৰ আদেশে দুয়ো তেখনে চলিলা ।
মনুষ্যৰ পাশক তেখনে গৈয়া পাইলা ॥ ৮৩
লাশে লাশে গৈয়া দেখা দিলা তেতিক্ষণে ।
মনুষ্যকে দেখিমাতে মধুৰ বচনে ॥
কেনে বহি আছা আত মনুষ্য আটাই ।
নিবৰ্ত্তিয়া যায়ো থাকিবাৰ নুযুৰাই ॥ ৮৪
নিশ্চয়ে কহিলোঁ কৰা আমাৰ বচন ।
সিংহাসন হন্তে নাম চলিয়ো এখন ॥
মনুষ্যে বোলয় দেখা দিলা ভাল ভৈল ।
ঝাম্প দিয়া দুইকো ধৰিবাক দেখা গৈল ॥ ৮৫
পলাইল তেখনে পাছে দুইকো নেদেখিল ।
ফিৰি আসি সিংহাসনে মনুষ্য বসিল ।
মনুষ্যৰ মহিমা কহিলা স্বৰূপত ।
শুনিয়া বিস্ময় ভৈলা ৰাজাৰ মনত ॥ ৮৬
কতো বেলি থাকি ৰাজা মনে গুণি পাইলা ।
কালক সম্বন্ধি ৰাজা মাতিবে লাগিলা ॥
কালৰূপে প্ৰভু তুমি অচিন্ত্য শকতি ।
তোমাক পাঙ্কিবে নুহি আমাৰ শকতি ॥ ৮৭

তথাপিতো যদি অনুগ্ৰহ আছে মোক ।
মনুষ্যৰ পাশে প্ৰভু এখনে চলোক ॥
কোমল মধুৰ বাণী বুলিয়া অশেষ ।
যেন তেন মতে তাক পঠায়োক দেশ ॥ ৮৮
ৰজাৰ বচনে কাল তেখনে চলিলা ।
মনুষ্যৰ আগে কথা কহিতে লাগিলা ॥
চিনিয়ো মোহোক আৰে কহো স্বৰূপত ।
কালনাম মোৰ জানা জগতে প্ৰখ্যাত ॥ ৮৯
মনুষ্যে বোলয় ভালে লাগ পাইলোঁ তোক ।
মিছা সঞ্চা দোষে মাৰি নেস সবে লোক ॥
আৰ কিবা চাওঁ তোক কুকুৰোঁ বিচাৰি ।
আপোনাৰ দেশে তোক নিয়ো বান্ধি ধৰি ॥ ৯০
গৰ্জ্জন শুনিয়া তাক পলাইল তেখনে ।
যমৰাজা দুঃখে বসি আছয় যি স্থানে ॥
তত বৃথা কথা মানে সকলে কহিল ।
শুনি ধৰ্ম্মৰাজ পাছে নিশ্বাস তেজিল ॥ ৯১
বৈশম্পায়ন বদতি শুনিয়া জন্মিজয় ।
কতো বেলি পাইলা গুণি উপায় নিশ্চয় ॥
নাহিকে সহায় মোৰ নিদ্ৰাৱলী বিনে ।
মনুষ্যৰ থানে আই চলিও এখনে ॥ ৯২
যেহি বৰ লবে সিটো দিবা সেহি বৰ ।
সত্বৰে পঠায়ো আঞ্ৰি আপোনাৰ ঘৰ ॥

বজাৰ আদেশে চলি গৈলা নিদ্ৰাৱলী ।
মনুষ্যক মাতে বাপু কিকৰস বুলি ॥ ৯৩
তই কোন বুলিয়া মনুষ্যে মাতিলন্ত ।
নিচিনস মোক বুলি চিনাকি দিলন্ত ॥
সুখে দুঃখে নিদ্ৰা তোক নেড়োহোঁ সদাই ।
নিদ্ৰাৱলী বুলি মোক জানিয়ো আটাই ॥ ৯৪
কি কাৰণে তুমি আসি আছা ইটো ঠাই ।
ঝাণ্ট কৰি কথা মোত কহিয়ো বুজাই ॥
যমপুৰ বুলি আক ত্ৰিজগতে জানে ।
জীৱন্তা মনুষ্য কেনে থাকহ ইথানে ॥ ৯৫
আমাৰ বচনে তুমি ফিৰি যাহ ঘৰ ।
পৃথিবীত ৰাজা হইবি মই দিলোঁ বৰ ॥
হেন শুনি মনুষ্যৰ ৰঙ্গ ভৈলা মন ।
পুনু নিদ্ৰোৱলী বোলে মধুৰ বচন ॥ ৯৬
শীঘ্ৰ কৰি যাস তই আপোনাৰ পুৰী ।
প্ৰণামি মনুষ্যে বোলে শুনা মন কৰি ॥
নোহো ৰাজ বংশী মই হইবোঁ কেনে ৰজা ।
কোনখানে ৰজা হই পালিবোহোঁ প্ৰজা ॥ ৯৭
ইটো কথা আমাৰ সংশয় দূৰ কৰা ॥
তেবে যাইবে পাৰিবোহোঁ ইঠাৰৰ পৰা ॥
নিদ্ৰাৱলী বোলে মই কহোঁ স্বৰূপত ।
ধন জন ধানে তোক নেড়োক সতত ॥ ৯৮

স্বৰ্গে বিনে পৃথিবীৰ যৈত তোৰ মন ।
ৰাজা হুয়া থাক তৈত যাহ এতিক্ষণ ॥
প্ৰণামি মনুষ্যে বোলে যাইবোঁ কেন মত ।
তুই দূতে আনিলেক আসন্তে পথত ॥ ৯৯
যাহা যাহা বুলি মোক বচন বোলস ।
নিৰ্গম নাজানো মই মোত নাহি দোষ ॥
নিদ্ৰাৱলী বোলে বাপ ইকথা থাকোক ।
দিলোঁ লগে দূত তুই এখনে যায়োক ॥ ১০০
তেতিক্ষণে কাল বিকালক আদেশিলা ।
মনুষ্যক লৈয়া দূত তেখনে চলিলা ॥
পথত যাহন্তে দেখে এক গোটা জীৱে ।
দূতক শুধিলা কিয় খেৰ বোজা বৱে ॥ ১০১
শুনিয়া বচন দূতে কহিবে লাগিল ।
পূৰ্ব্বে লোক মূৰে খেৰ কুটা দিয়াছিল ॥
প্ৰাণীকে দেখিল মাতে অনেক বিগুটি ।
সি কাৰণে খেৰ বোজা বহে দিনেৰাতি ॥ ১০২
আৰু দেখিলেক মাথে জুই চক্ৰ লই ।
বাটে বাটে বেঢ়াই ফুৰে হাৰাশাস্তি হুই ॥
দূতক বোলন্ত কথা কৈয়ো ৰঙ্গ মনে ।
মাথেত অগ্নিচক্ৰ লৈয়া ফুৰে কিকাৰণে ॥ ১০১
দূতে বোলে অগ্নি থৈয়া নেদিলে আনক
সিকাৰণে যম ৰাজা বিহিলে পাতক ॥

আৰু দেখিলেক মাথে চূণ চৰু লই ।
ঘৰে ঘৰে ফুৰে দেখোঁ কেহোঁ নিকিনই ॥ ১০৪
দূতে বোলে চূণ থৈয়া নিদিলে আনক ।
সিহেতু ভুঞ্জয় ইটো উচিত পাতক ॥
পুনৰপি উগ্ৰ শাস্তি আছে ইসবৰ ।
হৰি ভকতক দেখি নিন্দিলে বিস্তৰ । ১০৫
অল্প অগনিয়ে যেন সমূলি দহয় ।
ভক্তক ভজিলে গুচে যাতনাৰ ভয় ॥
এহি কথা তেসে নগৰৰ ৰাজ ভৈলা ।
দূতে মনুষ্যক পূৰ্ব্ব পথে নিয়া থৈলা । ১০৬
পাছে নিদ্ৰাৱলী যাই বুলিলা ৰজাক ।
বোধ দিয়া মনুষ্যক পঠাইলোঁ দেশক ॥
গৈলেক মনুষ্য শুনিলেন সৰ্ব্বজন ।
পালটীয়া সৰ্ব্বজন আসিল তেখন ॥ ১০৭
নিদ্ৰাৱলী প্ৰসাদত দুৰ্গতি খণ্ডিল ।
সিংহাসনে আসি পাছে নৃপতি বসিল ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
যম নৃপতিৰ দুঃখ খণ্ডিল নিশ্চয় ॥ ১০৮
আত অনন্তৰে শুনা কহোঁ এক বাণী ।
যম নৃপতিৰ আৰ পূৰ্ব্বৰ কাহিনী ॥
পৃথিবীত ঘৃতকুম্ভ নামে নৃপবৰ ।
চোৰে গৰু লৈয়া গৈল তাহান গৃহৰ ॥ ১০৯

গুৱালেও পাছে পাছে খেদি লৈয়া যাই ।
মহাভয় চোৰ পলাইবাৰ ঠাই নাই ॥
মাণ্ডবি ঋষিৰ কাছে গৰু বান্ধি থৈল ।
মহাভয়ে গৰু বান্ধি চোৰ পলাই গৈল ॥ ১১০
খেদি যাই গৰুক পাইলন্ত তেতিক্ষণে ।
বোলে গৰু বান্ধি মোৰ আছ মিছা ধ্যানে ॥
মাণ্ডবি ঋষিৰ ধ্যান ব্ৰহ্মত সমাধি ।
চোৰ বুলি তাহাঙ্ক ধৰিয়া নিল বান্ধি ॥ ১১১
ধৰি বান্ধি নিয়া পাছে যোগাইলা ৰাজাত ।
ৰাজা বোলে শূলত দিয়োক চৌপন্থাত ॥
ধৃতকুম্ভ ৰাজা ধৰ্ম্ম পথ নিবিচাৰি ।
চৌপান্থত ঋষিক শূলত দিলে ধৰি ॥ ১১২
ব্ৰহ্মত সমাধি ধৰি খেপি আছে মন ।
শূলত দিলন্ত কিছু নভৈল চেতন ॥
শূলত আছন্ত বসি কতো দিনমান ।
শুনা যেনমতে পাছে ভাগিল ধিয়ান ॥ ১১৩
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
যেন কথা ভৈল আবে আত অনন্তৰ ॥
মহাশান্তি দুৰ্ব্বাকন্যা আছিলা পূৰ্ব্বত ।
তান স্বামী গোট দুষ্ট জগতে প্ৰখ্যাত ॥ ১১৪
হাত পাৱ থুতা তাৰ নাহিকে আঙ্গুৰি ।
স্থানে স্থানে গাৱে তাৰ টোবোৰা টুবৰি ॥

এক দিনা তাৰ আগে চলি গৈলা বেশ্যা ।
ৰূপক দেখিয়া তাৰ মনে গৈল ইচ্ছা ॥ ১১৫
মহাভোল হুয়া দুঃখে ফোকাৰ কৰন্তে ।
কুড়িয়া কুটিয়া গোটে পাইবোঁ কেনমতে ॥
এহি বুলি মহা দুঃখ কৰি পড়ি আছে ।
তাৰ ভাৰ্য্যা দুৰ্ব্বা আসি দেখিলেক পাছে ॥ ১১৬
কেনে স্বামী মন দুঃখ কহিয়োক মোত ।
গুচায়োক মন দুঃখ যিমতে গুপুত ॥
শুনিয়া ভাৰ্য্যাৰ বাণী কহিবাক লৈলা ।
পৰম সুন্দৰি কন্যা মোৰ আগে গৈলা ॥ ১১৭
সিকাৰণে মোৰ মনে ক্ষোভিত লভিল ।
মই দিকে স্বামী মাতি বচন বুলিল ॥
বেশ্যাৰ গৃহক পাছে শান্তি নিতে যাই ।
কেহো নেদেখয় গৃহ সাঞ্জিয়া আসই ॥ ১১৮
আঙ্গিনা দুৱাৰ ঘৰ চিকন দেখিয়া ।
দণ্ডৱতে বেশ্যা কহে পাৱত পড়িয়া ॥
কি কাৰণে আঈ তুমি কৰা হেন থান ।
সত্য কৰি কৈয়ো মই সাধিবোঁ কল্যাণ ॥১১৯
বেশ্যা সত্য কৰিলন্ত পাছক নুগুণি ।
শান্তি বোলে স্বামী সঙ্গে থাকিও আপুনি ॥
শুনি বেশ্যা বোলে বিষ্ণু বিষ্ণু ৰাম হৰি ।
তথু স্বামী সহিতে থাকিবোঁ কেনে কৰি ॥ ১২০

লাগে কৈয়ো টকা দেওঁ শত চাৰি মান ।
তথাপিতো আই মোক নোবোল বচন ॥
হেন শুনি শান্তি কন্যা বুলিলা বুজাই ।
মোহোৰ বচন তুমি কৰিয়োক আঈ ॥ ১২১
সত্যত থাকিলে জানা মহাধৰ্ম্ম পাই ।
হেন জানি সত্য ঝাণ্টে ৰাখিতে যুৱাই ॥
শান্তিৰ বচনে বেশ্যা এড়াতে নাপাৰি ।
যেন তেন মতে স্বামী আনিবাহা ধৰি ॥ ১২২
তাইৰ কথা সাৰ কৰি গৃহক আসিলা ।
সকলো বৃত্তান্ত পাছে স্বামীত কহিলা ॥
স্বামী তপ স্বামী যপ স্বামী আদি দেৱ ।
স্বামী বিনা সংসাৰত বন্ধু নাহি কেৱ ॥ ১২৩
লৰিতে নপাৰে খোড়া কোলে তুলি লৈলা ।
বেশ্যাৰ গৃহক শান্তি তেখনে চলিলা ॥
মাণ্ডবি ঋষিক থৈল শূলত বেড়িয়া ।
নাদেখি তাহাত চৈলা লাগিলেক গৈয়া ॥ ১২৪
কুড়িয়াৰ পৰশনে ভাগিল ধিয়ান ।
চক্ষু মেলি ঋষি চাহিলন্ত ক্ৰোধ মন ॥
যেখানে ঋষিৰ তাত দৃষ্টিপাত ভৈল ।
পাপৰ শৰীৰ পুড়ি ভস্মহুয়া গৈল ॥ ১২৫
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
স্বামী ভস্ম হোৱা দেখি শান্তি ভৈলা ভয় ॥

বিধবা লক্ষণ ভৈলাঁ যদি পুহাই ৰাতি ।
এহি বুলি শান্তি কন্যা কষ্ট কৰে অতি ॥ ১২৬
মাধবত যদি মোৰ আছয় ভকতি ।
যেবে শান্তি হওঁ মই নুপুহাওক ৰাতি ॥
অন্ধকাৰ ভৈল যেবে কতো দিন মানে ।
সকলো দেবতা গৈল ব্ৰহ্মাৰ ভুবনে ॥ ১২৭
শুনিয়োক বিধি কৰো কেমন উপাই ।
কি কাৰণে আছে ইটো ৰাতি নুপুহাই ॥
ব্ৰহ্মায়ে বোলন্ত মই নজানো ইহাক ।
সবে মিলি আসা যাওঁ বিষ্ণুৰ পাশক ॥ ১২৮
বিষ্ণুৰ থানক ব্ৰহ্মা তেথনে চলিলা ।
কৃতাঞ্জলি কৰি সবে কহিবে লাগিলা ॥
বিষ্ণু বোলো কিনো বড় আকাৰ্য্য মিলিলা ।
মাণ্ডবিৰ ক্ৰোধে দূৰ্ব্বা স্বামিক দহিলা । ১২৯
ৰজনী পোহাইলে দূৰ্ব্বা বিধবা হোৱয় ।
শান্তিৰ বচনে দেখা ৰাত্ৰি নুপুহায় ॥
মোহৰ বচনে সবে তহিকে যায়োক ।
সবে মিলি দূৰ্ব্বাৰ স্বামীক জীয়ায়োক ॥ ১৩০
সকলো দেবতাগণ তহিকে গৈলন্ত ।
বৰ দিয়া দূৰ্ব্বাৰ স্বামীক জীয়াইলন্ত ॥
শান্তিৰ ধৰ্ম্মৰ বলে অসাধ্য সাধিল ॥
কুড়িয়া গুছিয়া কামদেব উপজিল ॥ ১৩১

ব্ৰহ্মা আদি দেবগণ গৈলা ঘৰা ঘৰি ।
স্বামী সঙ্গে দূৰ্ব্বা শান্তি ৰৈলা ৰঙ্গ কৰি ॥
শান্তিৰ কথাক আবে এহি মানে থওঁ ।
মাণ্ডবি ঋষিৰ কথা শুনো তাক কওঁ ॥ ১৩২
এত বড় কেনে মোক কৰিলে অন্যায় ।
হাতে শূল লৈয়া গৈল নৃপতি ঠায় ॥
শুন হুত কুন্তু পাপী কহৰে বুজাই ।
তোহোৰ ৰাজ্যত ভৈল এমন অন্যায় ॥ ১৩৩
ঝাণ্ট কৰি কহ মোত জীবে কৰ আশ ।
নাহি তোক শাপি আজি কৰোঁ সৰ্ব্বনাশ ॥
শুনি হুত কুন্তুৰ মনত বড় ত্ৰাস ।
আউৰ জীবনত মোৰ নাহিকয় আশ ॥ ১৩৪
কৰযোৰ কৰি ৰাজা বুলিলা বচন ।
মই তোমাসাক কিছু নকৰোঁ ডগুন ॥
যাউক এখনে তুমি যমৰ সভাক ।
তাহাকে শুধিয়া পাছে শাপিবা আমাক ॥ ১৩৫
ৰাজাৰ বচনে ঋষি গৈলা নিবৰ্ত্তিয়া ।
পাইলন্ত যমৰ সভা হাতে শূল লৈয়া ॥
ঋষিক দেখিয়া ৰাজা ভৈলা ৰঙ্গ মন ।
ঋষিক আনিয়া দিলে নিজে সিংহাসন ॥ ১৩৬
ক্ৰোধত ঋষিৰ গাৱ কৰে থৰ থৰ ।
বোলন্ত ঋষিয়ে অৰে শুনৰে বৰ্ব্বৰ ॥

কি কাৰণে এত বড় কৰিলি অন্যায় ।
ঝাণ্ট কৰি কহ মোত ইয়াক বুজাই ॥ ২৩৭
ভয়ে ৰাজা শুধিলন্ত চিত্ৰকে গুপ্তত ।
কেন দুঃখ পাৱে ঋষি চালিয়ো কাকত ॥
হেন শুনি চিত্ৰগুপ্ত ভয়ে কম্পি গৈল ।
কাকতৰ বহি আনি চাহিবে লাগিল ॥
চিত্ৰগুপ্তে বোলে পাপ নাহিকে ঋষিত ।
কিন্তু অল্প পাপ অছে তাহাৰ গাৱত ॥
পাঞ্চ বৰিষতে ঋষি আছে পাপ কৰি ।
গুৱালী পড়ুৱা খড়িকাত দিলে ধৰি ॥১৩৯
সেহি দোষে শূলত উঠিল মুনি বৰ !
হেন শুনি ক্ৰোধ পাছে উঠিল দ্বিজবৰ ॥
পাঞ্চ বৰিষৰ মই অৱোধ ছৱাল ।
ইহাতে ইমত শাস্তি লিখিল কপাল ॥ ১৪০
শাপিলোঁ তাহোক আবে শুন যম ৰাই ।
পৃথিবীত মনুষ্য হৈবিহি তই যাই ॥
পুৰুষৰ পাপ পুণ্য নাপাৰে খণ্ডিত ।
কোন পুণ্য কৰা যাই দেখোঁ পৃথিবীত ॥ ১৪১
এহি বুলি খঙ্গে ঋষি বেগ ধৰি যাই ।
কৰযোৰ কৰি শুধিলন্ত ধৰ্ম্ম ৰাই ॥
মনুষ্যৰ কাৰ ঘৰে উপজিবো যাই ।
যদি কৃপা আছে মোত কহিয়ো বুজাই ॥

হেন শুনি ঋষি পাছে দিলন্ত উত্তৰ ।
বচনেক বোলো মই শুনা নৃপবৰ ॥
কৌৰৱৰ ঘৰে তই দাসীৰ গৰ্ভত ।
ব্যাসৰ ঔৰসে যাই হৈবিহি বেকত ॥ ১৪৩
ঋষিৰ শাপক দেখা এড়াইতে নপাৰি ।
অৰ্য্যমাক থৈলা ৰাজা অধিকাৰ কৰি ॥
কৌৰৱৰ ঘৰে গৈলা যম নৃপবৰ ।
শুনা কৃষ্ণ কথা আবে আত অনন্তৰ ॥ ১৪৪
মাধবৰ দেখা কেনে অতৰ্ক মহিমা !
ব্ৰহ্মা আদি দেৱে যাৰ নপাৰন্ত সীমা ॥
ভক্তি হীন হুয়া দেখা যম দণ্ডধৰ ।
দণ্ড পাত এড়ি গৈলা কৌৰৱৰ ঘৰ ॥ ১৪৫
ভৈলন্ত বিদূৰ নামে জগতেতে সাৰ ।
কুৰন্ত পবিত্ৰ কৰি লোকক নিস্তাৰ ॥
হেন জানি কৃষ্ণৰ চৰণে কৰা ৰতি ।
তেবেসে তৰিবা ইটো সংসাৰ দুৰ্গতি ॥ ১৪৬
ধন জন পুত্ৰ ভাৰ্য্যা বিষয়ৰ সুখ ।
কিঞ্চিতেকো সাৰ নোহে জানা মহা দুঃখ ॥
হেন জানি যত্নে তৰিবাৰ কৰা কাম ।
মধু নাৰায়ণে কহে বোলা ৰাম ৰাম ॥ ১৪৭

# ডুলড়ি ।

ধৰ্ম্ম নৃপতিৰ, বিপৰীত কথা,
সম্বৰিলোঁ এহিমানে ।
যমপুৰ হন্তে, ফিৰিল মানুষ,
শুনিয়োক সৰ্ব্বজনে ॥
ডুই দূতে আনি, পৃথিবীত থৈয়া,
গৈলা আপোনাৰ দেশ ।
লাহে লাহে সিটো, ফালি ফোট মাৰি,
ৰাজ আলি উঠি আসে ॥ ১৪৮
ই বোলে সি বোলে, যমপুৰে দিয়া,
মানুষ ঘৰক যাই ।
কণা কণি কৰি, কত জনে বোলে,
চলা যাওঁ আই বাই ॥
কতো জন গৈই, সখীক মাতই,
দিয়া আতি দীৰ্ঘ গেড়ি ।
কতো কতো গই, মতা বোলা কৰি,
চাৰে আনি সাৰি সাৰি ॥ ১৪৯
ৰাজাৰ আলিক, ডুই পাশে বেঢ়ি,
নৰ নাৰী লোক যাই ।
কতো জনী বোলে, নেদেখিলোঁ মই,
চিনায়োক মোৰ আঙ্গৈ ॥

ডাঁৰি গোপ অতি, বিকৃত কুৰূপ,
মুখ আতি বিলক্ষণ।
হাণ্ডি মহী যেন, গাৱ গাট ভৈলা,
দেখ গই সেহি জন ॥ ১৫০
এহি মতে তাক, বেঢ়ি চলি যাই,
নগৰৰ যত প্ৰজা।
কোলাহল শুনি, বুলিবে লাগিলা,
ৰূপাঙ্গদ মহাৰাজা ॥
কিবা ভৈল বুলি, চাহিবে পাঞ্চিলা
কিসব কৰে আৰার।
মৰিবাক লাগি, ভয় নাহি কৰ,
কেন আইলা মোৰ ঠাৱ ॥ ১৫১
এহি বুলি ৰাজা, সাজ সাজ বুলি,
দিলা নিশানত বাড়ি।
হাতে বেত লৈয়া, ফুৰে কোটোৱাল,
সসৈন্যে পাৰয় গেড়ি ॥
ৰাজাৰ আগত, সাৰ কৰি যাই,
দূতে কহিলেক বাণী।
যম দূতে আসি, যাক খুজি নিলে,
আসয় ফিৰি আপুনি ॥ ১৫২
এহি কথা মতে, ৰাজাৰ আগত,
দূতে কথা কহিলেক।

দুৱাৰি ৰাজাত, বাৰ্ত্তা জানাইলেক,
মাতিয়া পাছে নিবেক ॥
যমৰ পুৰৰ, যত কথা মানে
নৃপতি তাক শুধিলা।
ৰাজাক নমিয়া, কৰ যোৰ কৰি,
সকলো কথা কহিলা ॥ ১৫৩
হৰিষ বদনে, কহিবে লাগিলা
যমৰ পুৰৰ বাণী।
সকলো সমাজে, হাসি তুলিলেক,
সকলো বৃত্তান্ত শুনি ॥
আৰু এক বৰ, দিয়া আছে মোক,
শুনিয়ো তাৰ নিৰ্ণয় ॥
পৃথিবী মণ্ডলে, বৰ ৰাজা হুইবোঁ,
বুলিলোঁ মই নিশ্চয়ই ॥ ১৫৪
যমৰ আসনে, বসি আছ তই;
এবে তই ৰাজা হৈবি।
সবে শক্ৰ তোৰ, বিনাশ হৈবেক,
আনা যুদ্ধে ৰাজ্য পাইবি ॥
হেন কথা শুনি, ৰূপাঙ্গদ ৰাজা,
ভয় হুয়া আতি মনে।
দণ্ড ছত্ৰ দিয়া, নৃপতি পাতিয়া,
থৈলা তাক এক থানে ॥

হৰি ভকতিৰ দেখা কেন বল,
আপুনি মিলে সম্পদ ।
হৰিৰ চৰিত্ৰ, শুনন্তে সদাই,
গুছয় সবে আপদ ॥
পুৰাণ ভাৰত, একত্ৰ কৰিয়া,
ৰচিলোঁ কৃষ্ণ চৰিত্ৰ ।
দুগ্ধ সমে মধু, বৰ স্বাদু পাই,
সাক্ষাতে ইটো অমৃত ॥ ১৫৬
অগ্নি-পুৰাণৰ, শ্লোকক ভাঙ্গিয়া,
ৰচিলো ইটো পৰাৱ ।
কৃষ্ণৰ নামক, ভাবিয়ো সদাই,
গুছিবে সবে জগব ॥
সাধুৰ প্ৰসঙ্গে, মহন্ত জনৰ,
সাঙ্গ অপ্ৰয়াসে থাকে ।
মাধবক পাই, থাকন্ত লীলাই,
ভকত ভ্ৰমৰা জাকে ॥ ১৫৭
মহন্ত জনৰ সঙ্গত থাকিয়া
কৃষ্ণত কৰাহা মতি ।
ভকতি সে ধন, ভকতি সে জন
ভকতি সে নিজ গতি ॥
হেন জানি সবে, বুদ্ধিমন্ত জনে,
কৃষ্ণত কৰা ভকতি ।

যম নৃপবৰে,　　　　আজ্ঞা ভঙ্গ দোষে
দুঃখ পাইলা কেন অতি ॥ ১৫৮
কৃষ্ণৰ নামৰ,　　　　মহিমা শুনিয়া,
দূত পলাই ফুৰে ডৰে ।
হৰিৰ কীৰ্ত্তন,　　　　যিথানে কৰয়,
নাসয় দূত ওছৰে ॥
বিষম সম্পদ,　　　　যেন চাই আনি,
মায়া ময় ইটো দেহা ।
যেন বিষলতা,　　　　চয় আছে ফুলি,
জানিয়া বিন্তিয়ে নাহা ॥ ১৫৯
কোটি কল্পে পুনু,　　　　পাইলা নৰতনু,
কেনে আক বৃথা কৰা ।
আউৰকি ভাৰতে,　　　　মনুষ্য হৈবাহা,
ইটো আশা পৰিহৰা ॥
যম পুৰে পুনু,　　　　একলে চলিবা,
জানি ধৰা কৃষ্ণ নাম ।
কৃষ্ণৰ চৰণে,　　　　পশিয়া শৰণে,
ডাকি বোলা ৰাম ৰাম ॥ ১৬০

সম্পূৰ্ণ ।

# ৰাইজলৈ নিবেদন।

কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত আদি প্ৰধান প্ৰধান শাস্ত্ৰবোৰ উপযুক্ত মূল্যত পাবলৈ হ'লে—

আপোনালোকৰ পৰিচিত পণ্ডিত ৺শিৱনাথ ভট্টাচাৰ্য্যৰ পুথিৰ ভঁৰাল—

"ভট্টাচাৰ্য্য এজেন্সী, ৰিহাবাৰিলৈ" লিখক।

অসম দেশৰ স্কুলবোৰৰ সমুদায় পাঠ্য পুথিও উপযুক্ত মূল্যত ছাত্ৰ সকলক যোগোৱা হয়।